# বিষহৰিৰ জন্ম

স্তকনান্নি পদ।




সংগ্ৰাহক ও প্ৰকাশক

শ্ৰীকৰুণা কান্ত বৰুৱা



ৰজনী-প্ৰভা এজেঞ্চী

পোঃ আঃ—কমাৰকুছি, কামৰূপ।

য় তাঙৰণ, ১৩৫৬ চন।

বেচ—পাচ অনা

# বিষহাৰৰ জন্ম।

—✱:✱—

দিহা—অ মনায় হৰি আছে মোহন যদুৰাই ॥

শিবৰ বচনে পক্ষী চলিলা সত্বৰে।
উকিয়াই থৈলা বীৰ্য্য পদ্ম পত্ৰৰ উপৰে ॥
সহস্ৰ নালে নামে বীৰ্য্য পাতাল ভুৱনে।
বাসুকীৰ আগে যাই দিলা দৰিশনে ॥
শুদ্ধ ফটিক জিনি চন্দ্ৰৰ কিৰণ।
দেখিয়া বাসুকী নাগ হৈলেক বিষণ্ণ ॥
ধ্যান কৰি বাসুকী দেখিলা তেতিক্ষণে।
মহাদেৱৰ বীৰ্য্য আইলা পাতাল ভুৱনে ॥
অষ্ট নাগ মিলি পাছে যুগুতী কৰিয়া।
নিৰ্ম্মাণী নামে কন্যা আনে ডাক দিয়া ॥
ধৰ বোলো নিৰ্ম্মাণী আমাৰ বচন ধৰ।
মহাদেৱৰ বীৰ্য্য আইলা কন্যা গঠন কৰ ॥
মুণ্ড গোট সাজা তাৰ শিবৰ লক্ষণ।
কামৰূপী কন্যা এক কৰহ গঠন ॥
অৰ্দ্ধ ভাগ কৰা তাৰ দেৱৰ আকৃতি।
আৰু অৰ্দ্ধ ভাগ কৰা নাগৰ আকৃতি ॥
এত শুনি নিৰ্ম্মাণীৰ ৰঙ্গ মন ভৈলা।
মহাদেৱৰ বীৰ্য্য লই ধ্যানত বসিলা ॥
ধ্যানত নিৰ্ম্মাণী কন্যা ব্ৰহ্মা সমাহিতি।
শুভক্ষণে জন্ম লৈলা জয় পদ্মাৱতী ॥



দিহা—জয় জয় পদ্মাৱতী পাতালে উৎপত্তি
নির্ম্মাণী যে কৰিলা নির্ম্মাণ।
উপজিলা বিষহৰি আনন্দ পাতালপুৰী
ঘটে জীৱ ভৈলা অধিষ্ঠান ॥
বীর্য্য হন্তে ৰক্ত ভৈলা, ৰক্ত হন্তে মাংস ভৈলা
শৰীৰ গঠিলা ভাগে ভাগে।
মেৰুদণ্ড সুন্দৰ বত্রিশ পাঞ্জৰ
মস্তক নির্ম্মাণ কৈলা আগে ॥
গঠিলেক দুই কর্ণ তিনি গোট নয়ন
পদ্মৰ আকাৰ মুখ যাৰ।
বিশ্বম্ভৰ কুমাৰী নাম থৈলা বিষহৰি
জয় জয় ইতিনি সংসাৰ ॥
ধৱল মুখেৰ জ্যোতি ৰক্তবর্ণ গৌৰকান্তি
উপজিলা দেবী মহামায়া।
খগপতি জিনি নাসা, উপজিল মনসা
উঠিলা চৈতন্য জ্ঞান পাইয়া ॥
মাও নাইকিয়া বাপা কেওলীয়া
অযোনীকা জন্ম লৈলা।
শ্রাৱণৰ মাসে পঞ্চমী দিবসে
কৃষ্ণ পক্ষে জন্ম লৈলা ॥
যে বিষ গটাইলা হৰে বাসুকী গোচৰে
বাসুকী দিলেক তেতিক্ষণে।
সুপ্রসন্ন তিনি আখি যেন ৰক্ত পদ্ম দেখি
জয় জয় ইতিনি ভুৱনে ॥
হেন শিবৰ পূজা যথা লক্ষ্মীয়ো নছাড়ে তথা
সর্ব্বক্ষণে বাৰে ধন জন। •

দিহা—নাগ মাতা শঙ্কৰ নন্দিনী ।
নাগ লোকে কৰে পূজা চৰণ দুখানি ॥
শিবৰ লক্ষণ পাছে কুমাৰী দেখিয়া ।
বাসুকী কোলাত লৈলা লক্ষ চুম্ব দিয়া ॥
যে বিষ গটাইছে শিবে বাসুকীৰ স্থানে ।
বাসুকী আনিয়া দিলা পদ্মা বিদ্যমানে ॥
সংহাৰিলা বিষ পদ্মা নিজ মূৰ্ত্তি ধৰি ।
সেহি দিন হৈতে নাম জয় বিষহৰি ॥
অষ্ট নাগ মিলি পাছে কৰিলেক পূজা ।
সেহি হৈতে বিষহৰি নাগগণৰ মাতা ॥
অষ্ট নাগে বোলে মাতা শুনহ বচন ।
বাপৰ নিকটে তুমি কৰহ গমন ॥
নাগগণে আনি ৰথ দিলা তেতিক্ষণে ।
সেহি ৰথে উঠে পদ্মা হৰষিত মনে ॥
চাৰি নাগ কন্যায় ধৰিলা চতুৰ্ভিতি ।
দেখি হৰষিত হৈলা জয় পদ্মাৱতী ॥
যে নালে নামিলা পদ্মা পাতাল ভুবনে ।
সে নালে উঠিয়া আইলা কমলাৰ বনে ॥
বাপৰ নিকটে দেখা দিলা বিষহৰি ।
আচম্বিতে বাম পাশে দেখে ত্রিপুৰাৰী ॥
শিবে বোলে শুনা কন্যা পৰমা সুন্দৰী ।
কৈৰ পৰা আসিয়াছা কাহাৰ কুমাৰী ॥
তোৰ ৰূপ দেখি মোৰ দহে কলেৱৰ ।
আলিঙ্গন দিয়া মোৰ প্ৰাণ ৰক্ষা কৰ ॥

দিহা—সুন্দৰী কেনে আইলা কমলাৰ বনে।

একেশ্বৰে কেনে পদ্মা বনে॥

প্ৰথম যৌৱন তোৰে দেখি প্ৰাণ পোড়ে মোৰে

বিনা পতি বঞ্চহ কেমনে॥

কোননো কুমাৰে তোৰ গঠিয়াছে পয়োধৰ

গাৱে তোৰ দিয়া গজমতি।

দেখি তোৰ মুখ চান্দ লজ্জায় পলায় চন্দ্ৰ

বেভোল ভৈলোহোঁ পশুপতি॥

চণ্ডীকা এড়িয়া ঘৰে আইলো মই একেশ্ব

প্ৰাণ মোৰ পোড়ে ৰাত্ৰি দিনে।

দেখি তোৰ যৌৱন স্থিৰ নহে মোৰ মন

প্ৰাণ ৰাখা আলিঙ্গন দানে॥

পদ্মা বোলে ৰাম ৰাম জপিয়া সহস্ৰ নাম

ভূমি চুই ধৰিলা চৰণে।

শুনা বাপা ত্ৰিপুৰাৰী আমি তোমাৰ কুমাৰী

নাৰায়ণ দেৱৰ সুবচনে॥

দিহা—ঠ কালা ৰমণী মোহন বিনন্দীয়া ভাল'

অ মোৰ মন ব্যাকুল হৈলা মুৰলী শুনিয়া ৰে হা॥

শিবে বোলে যদি হোৱা আমাৰ কুমাৰী।

আপোনাৰ নিজ মূৰ্ত্তি ধৰিয়ো সুন্দৰী॥

এত শুনি পদ্মাৱতী অন্তৰ হৈয়া গৈলা।

নাগগণক সঙ্গে লৈয়া সাজিতে লাগিলা॥

অজগৰ নাগক পদ্মা কৰিলা বাহন।

ব্ৰহ্মজাল নাগ পদ্মা কৰিলা ভূষণ॥

অনন্তে আসিয়া পদ্মাৰ শিৰে ধৰে চাটী।
পাণ্ডু নাগক পদ্মাই মাৰিলেক গাটী॥
তক্ষক নাগে আসিয়া ভৈলেক পানীৰ ঝাড়ি।
উৎপল নাগে তামোল দেই খাই বিষহৰি॥
নাগৰ ঝাড়িত পানী নাগৰ বাটায় পান।
নাগে তামোল দেই পদ্মা খাই বিদ্যমান॥
নাগৰ আসন পদ্মা ভূষণ নাগৰ।
নাগৰ শাখা নাগৰ সিন্দুৰ অলঙ্কাৰ॥
বাপৰ নিকটে গৈলা এহি মতে বেশে।
মুখত কাপোৰ দিয়া মহাদেৱে হাসে॥
হলাহল বিষ খাই কৰি আছো পানী।
কাৰ কাছে দেখাস তই সর্পৰ কাহিনী॥
প্রবোধ না মানে ভোল হৈয়া ভোলানাথে।
খাপ মাৰি ধৰে শিৱে জীয়েকৰ হাতে॥
শীঘ্রে গৈলা শিব গোসাই কৰিবাৰে পাপ।
আপোনাৰ মূর্ত্তি ধৰি পদ্মা হৈলা সাপ॥
সাক্ষী কৰে পদ্মাৱতী যত দেৱগণ।
আপোনাৰ দোষে হয় পিতাৰ মৰণ॥
ব্রহ্মা বিষ্ণু সাক্ষী কৰে অনল পৱন।
ইন্দ্র যম সাক্ষী হওঁ সিদ্ধ মুনিগণ॥
স্বর্গ মর্ত্ত্য সাক্ষী হওঁ ইতিনি ভুৱন।
ৰাহু শনি সাক্ষী হওঁ যত গ্রহগণ॥
কোপ কৰি বিষহৰি বিষ চক্ষে চাইলা।
কমলাৰ বনে শিব ধলিয়া প'ৰিলা॥

শিৱ গোসাই ধৰি পৰে কমলাৰ বনে।
স্বৰ্গ মৰ্ত্ত্য পাতাল কম্পিলা ত্ৰিভুৱনে॥
তপ ছাড়ি মুনিগণ গৃহে চলি গৈলা।
চন্দ্ৰ সূৰ্য্য লুকাইলা নক্ষত্ৰেৰ মেলা॥
নানা উৎপাত হৈলা হৰিলেক জ্ঞান।
ব্ৰহ্মালোকে থাকি ব্ৰহ্মা আৰম্ভিলা ধ্যান॥
আপোনাৰ জীয়েক শিবে নিচিনে আপুনে।
উচিত হৈ আজ ফল তাহাৰ কাৰণে॥
ব্ৰহ্মা বিষ্ণু চলি আইলা দেৱ শচীপতি।
নাৰদাদি চলি আইলা যত ব্ৰাহ্মণ জাতি॥
কৰযোৰ কৰিয়া পদ্মাক কৰে স্তুতি।
অকালতে সৃষ্টি নষ্ট কৰা পদ্মাৱতী॥
বাপোক বধিলা তুমি কৰিয়া অন্যায়।
যেহি শিব সেহি বিষ্ণু ভিন পৰ নাই॥
হেন শিবক বধি তুমি সৃষ্টি কৈলা নাশ।
কোটী কোটী জন্মে হৈবো নৰকত বাস॥
দেৱগণৰ বচন শুনিয়া বিষহৰি।
কান্দিতে লাগিলা পদ্মা বাপক কোলে কৰি॥

---

দিহা—হৰ কোলে কৰি কান্দে মাও বিষহৰি॥

বসিয়া কমল বনে বিষ চক্ষে চাইলো কেনে
বাপক বধিয়া কৈলো তাপ।
মই অভাগিনী জন্মিলো নাগিনী
নাজানি কৰিলো পাপ॥

অপযশ মোৰে ঘুষিবে সংসাৰে
বধিলো আপোনাৰ বাপ ॥
জন্মিলো পাতালে আসি মহীতলে
দেখি কাম হৈলা ভোলানাথ।
লোভ মোহ কামে মনৰ ভৰসে
বাক্য বুলিলা দুৰক্ষৰ
বোলে দেৱ চক্ৰপাণি শুনা শিবৰ নন্দিনী
ক্ৰন্দন কৰহ কি কাৰণে।
আমাসাৰ বচন শুনা দিয়া মন
জীয়াওক দেৱ ত্ৰিলোচনে ॥
হৰ কোলে কৰি কান্দে জয় বিষহৰি
বসিয়া শ্ৰীফলৰ মূলে।

দিহা—দয়াৰ কালিয়া হেৰ

শিবে ৰাম ৰাম বুলি বেনা বজায়া।
দেৱগণৰ বচন শুনিয়া বিষহৰি।
মন্ত্ৰ উচ্চাৰিবে লৈলা বাপৰ মাথে ধৰি ॥
ব্ৰহ্মদ্বাৰ চাই পদ্মা মাৰিলা হুঙ্কাৰ।
উঠিয়া বসিল শিব সভাৰ ভিতৰ ॥
দেৱগণে বোলে শুনা ভোলা মহেশ্বৰ।
কুমাৰী লইয়া তুমি চলি যোৱা ঘৰ ॥
এহি বুলি দেৱগণ হৈলেক বিদায়।
কুমাৰী লইয়া শিব ঘৰে চলি যাই ॥
শিবে বোলে শুনা পদ্মা কহো এক কথা।
এক ঘৰ বান্ধি দেও তুমি থাকা এথা ॥

মোৰ সঙ্গে কিমতে চলিয়া যাইবা ঘৰে।
দুষ্ট চণ্ডীবাই মন্দ বুলিবো তোমাৰে ॥
পদ্মা বোলে শুনা পিতা বচন আমাৰ।
তোমাৰ সঙ্গে যাইতে সন্তাহৰ নাই ডৰ ॥
পদ্মাৰ বচন শিবে এড়াইতে নাপাৰি।
বিশ্বকৰ্ম্মা বুলিয়া হুঙ্কাৰিলা ত্রিপুৰাৰি ॥
শিব বাক্য কোনো জনে নকৰে হেলন।
স্বৰ্গ হৈতে বিশ্বকৰ্ম্মা আইলা তেতিক্ষণ ॥
নৰযোৰে বিশ্বকৰ্ম্মে লাগে বুলিবাৰ।
কি কাৰ্য্য কৰিবো আজ্ঞা কৰা মহেশ্বৰ ॥
শিবে বোলে শুনা কৰ্ম্মী বচন আমাৰ।
একটা কৰণ্ডী সাজি দিয়াতে সোণাৰ ॥
এত শুনি বিশ্বকৰ্ম্মাৰ হৰষিত মন।
এক গোট কৰণ্ডী সাজিলা তেতিক্ষণ ॥
সেই কৰণ্ডীত ভৰাই দেৱ মহেশ্বৰ।
পদ্মাক তুলিয়া লৈলা বৃষভৰ উপৰে ॥
কুমাৰী লইয়া শিবে যাইতে কৈলাসে।
ইযত হাল যুৰিয়া বাছায় খেত চাষে ॥
পদ্মাক দেখিয়া বাছায় বৃষভৰ উপৰে।
হাসিতে হাসিতে বাছায় লাগে বুলিবাৰে ॥
বাছায় বোলে শুনা প্রভু দেৱ শূলপাণি।
চুৰি কৰি লই যোৱা কাহাৰ ঘৰুণী ॥
বাঘৰ ছাল পিন্ধি ফুৰা মুখে পকা দাৰি।
দেৱৰ দেৱতা হৈয়া চুৰি কৰা নাৰী ॥

নিৰঞ্জন ভাবি শিবে আছে যোগ ধ্যানে।
বাছায় যতেক বোলে নাহি শুনে কানে॥
বাছায় বোলে শুনা কন্যা বচন আমাৰ।
বুড়াৰ সঙ্গতি এৰি আহা আমাৰ ঘৰ॥
আমি সুন্দৰ পুৰুষ কহো তোমাৰ ঠাই।
ইচ্ছা পৰোৰ বেটা আমি হালুয়া বাছাই॥
এহি বুলি লাহে লাহে চাপিলা ওচৰ।
সাক্ষী কৰে পদ্মাৱতী দেৱ নিৰন্তৰ॥
কোপ কৰি পদ্ম ৱতী বিষ চক্ষে চাইলা।
উত্তৰ শিয়ৰে বাছায় ধলিয়া পৰিলা॥
ৰাখোৱালে বাত্ৰা দিলা মালতীৰ ঠাই।
পথে পৰি মৰি আছে হালুয়া বাছাই॥
বাত্ৰা পাই মালতী উঠিয়া দিলা লৰ।
চুলি নাবান্ধে বুড়ী নিপিন্ধে কাপোৰ॥
পুত্ৰ পুত্ৰ বুলি কান্দি লৰ দিয়া যাই।
মৰি পৰি আছে পুত্ৰ দেখিবাৰে পাই॥
পৰম সুন্দৰী দেখে বৃষভৰ উপৰে।
কান্দি কান্দি মালতী লাগিলা বুলিবাৰে॥
কোন দেৱ হোৱা মাতা কাহাৰ কুমাৰী।
মোৰ পুত্ৰ কেনে মৰে কহা সত্য কৰি॥
পদ্মা বোলে শাশু তুমি কান্দা কি লাগিয়া।
তোৰ পুত্ৰ মৰি গৈলা মোক কৰাই বিয়া॥
তুমিতো আমাৰ শাশু নিচিনা আমাৰে।
জাগাইয়া তোলা পুত্ৰ চলি যাওঁ ঘৰে॥

দয়াৰ শাশুৰী তুমি কহো তোমাৰ ঠাই।
তুমি আগে আমি পাছে ঘৰে চলি যাই॥
মালতী বোলয় আই হেন বোলা কেনে।
মনুষ্যে দেৱতা আই চিনিবো কেমনে॥
দুৰ্গতি খণ্ডাহ মাতা পুত্ৰ জীয়াইয়া।
কিমতে পূজিবো আই কহা বিস্তাৰিয়া॥
পদ্মা বোলে যদি লাগে পুত্ৰ জীয়াবাৰে।
এক লক্ষ বলি দিয়া পূজিবা আমাৰে॥
বিষহৰি অৱতাৰ কহিলো তোমাৰ ঠাই।
ধনে জনে বাঢ়ে যিটো আমাক পূজয়॥
মালতী বোলে দিয়া আই পুত্ৰ জীয়াইয়া।
এক লক্ষ বলি লোৱা মণ্ডপে বসিয়া॥
এত শুনি পদ্মাৱতীৰ আনন্দিত মন।
অমৃত নয়নে পদ্মাই জীয়াইলা তেখন॥
অমৃত চক্ষে পদ্মাৱতী বাছাৰ দিকে চাইলা।
নিদ্ৰাৰ জাগিয়া যেন উঠিয়া বসিলা॥
মায়ে পুত্ৰে প্ৰণামিলা পদ্মাৰ চৰণ।
আশীৰ্ব্বাদ দিলা পদ্মা যত লয় মন॥
নাৰায়ণ দেৱে গায় ৰাম নাৰায়ণ।
মালতীৰ আগে কহে পূজাৰ বিৱৰণ॥

দিহা—মালতীৰ আগে কহে দেবী পূজাৰ বিধান
হৰিষে বোলয় পদ্মাৱতী।
মোৰ জন্ম পাতালপুৰে প্ৰথম পূজা তোৰ ঘৰে
সাৱধানে পূজিয়ো মালতী॥

অষ্ট নাগৰ দিবা ঘট যেন ধৰ্ম্ম থাকে ফেট
আৰু নাগৰ দিবাতো আসন।
হংস ছাগল ভেৰা বলি দিবা মহিষ পাৰা
বিস্তৰ দিবা অগুৰু চন্দন ॥
তিল চাউল পদ্ম পাতে হংস ডিম্ব দিবা তাতে
জয়ধ্বনি আচাৰ মঙ্গল।
ইক্ষু আথৈ নাৰিকল দধি দুগ্ধ মধু জল
ধূপ দীপ পুষ্প পূৰ্ণ ফল ॥
কথা শুনি আনন্দিত পূজে পদ্মা হৰষিত
পদ্মাৱতীক কৰে নমস্কাৰ।
মালতী আনন্দ চিত্ত পূজা হৈলা বিদিত
হৈলা পূজা জগতে প্ৰচাৰ ॥
পূজা খাইয়া পদ্মাৱতী মালতীৰ সাধি প্ৰীতি
প্ৰৱেশিলা কৰণ্ডীৰ ভিতৰে।
নাৰায়ণ দেৱে গায় সুকবি বল্লভে হয়
প্ৰথম পূজা মালতীৰ ঘৰে ॥

দিহা—দয়াৰ কালীয়া হেৰ মোৰে জীৱন ধন ॥

হৰষিত পদ্মাৱতী মালতীৰ পূজা খাইয়া।
কুমাৰী লইয়া শিৱে কৈলাসক যাইয়া ॥
গঙ্গা দুৰ্গাক দেখিয়া ভোলা মহেশ্বৰে।
লুকাইয়া থৈলা নিয়া হিঙ্গুলানীৰ ঘৰে ॥
কৰণ্ডী সহিতে শিৱে থৈলেক আলাইয়া।
বাহিৰে থৈলেক শিৱে কপট মাৰিয়া ॥

শিবে বোলে গঙ্গা দুৰ্গা মোৰ মাথা খাস।
কপট মেলিয়া যদি কৰণ্ডীক চাস ॥
এহি বুলি শিবে যাই পাতিলা যোগ ধ্যান।
চতুৰ্দ্দিশে বেঢ়ি বৈসে ভূত প্ৰেতগণ ॥
নাৰদ বোলে মই বসি থাকো কেনে।
মোৰ দ্বন্দ্ব লগাও আজি চণ্ডী পদ্মাৰ সনে ॥
এহি বুলি সত্বৰে চালিলা মুনিবৰ।
কহিতে লাগিলা মুনি চণ্ডীৰ গোচৰ ॥
নাৰদ বোলে শুনা মামী তোমাৰ নিষ্ফল জীৱন
নিশ্চিন্তে বসিয়া তুমি আছা কি কাৰণ ॥
এক কন্যা আনি আছে দেৱ মহেশ্বৰে।
লুকাইয়া থৈ আছে হিঙ্গুলানীৰ ঘৰে ॥
তাহাৰ ৰূপৰ কলা মামী তোমাৰ গায়ে নাই।
তাক বিয়া কৰাইবাৰে আনিলা মোমাই ॥
ভুৱন মোহিতে পাৰে হেন ৰূপৱতী।
কৰণ্ডী ভিতৰে আছে নাম পদ্মাৱতী ॥
কুপিত হৈলেক চণ্ডী নাৰদৰ বচনে।
লাঠি মাৰি কপট ভাঙ্গিলা তেতিক্ষণ ॥
গঙ্গা দুৰ্গা দুয়োজনী এক মতি কৰি।
কৰণ্ডা খসাই দুয়ো ধৰ ধৰি কৰি ॥
পৰম সুন্দৰী দেখে কৰণ্ডী ভিতৰে।
থাপ্প মাৰি ধৰে পদ্মাৰ চুলৰ উপৰে ॥
নামাৰা মাইৰে মাই বৰ দুঃখ পাই।
তুমি মোৰ সতাই মাই কহিলো নিশ্চয় ॥

বিস্তৰ মাৰিলা পদ্মাক চৰ যে চাপৰ ।
পদ্মা বোলে নামাৰ সতাই প্ৰাণ ৰক্ষা কৰ ॥
দুৰ্গা বোলে সতিনী হৈ আছা মোৰ ঘৰে ।
সতাই বুলিয়া চাস ভাৰিতে আমাৰে ॥
ক্ৰোধেতে চণ্ডীকা হৈলা অগনি সমান ।
কঙ্কনৰ ঘাত কৰি চক্ষু কৈলা কান ॥
বাম চক্ষে হাত দিয়া পদ্মাৱতী কান্দে ।
তাক দেখি গঙ্গা দেবী শঙ্কৰক নিন্দে ॥
গঙ্গা বোলে দুৰ্গা তই এত স্বতন্ত্ৰী ।
লজ্ঘিলি শিবৰ আজ্ঞা তই অধিকাৰী
কন্যা জন্মাইলেক শিবে পদ্মবনে গৈয়া ।
তাক বিড়ম্বিলি শিবৰ বচন লঙ্ঘিয়া ॥
গঙ্গাৰ বচনে পদ্মাৰ ক্ৰোধ ভৈলা মন ।
সাক্ষী কৰে পদ্মাৱতী যত দেৱগণ ॥
ব্ৰহ্মা বিষ্ণু সাক্ষী কৰে যত দেৱগণ ।
স্বৰ্গ মৰ্ত্ত্য সাক্ষী কৰে ইতিন ভুৱন ॥
চন্দ্ৰ সূৰ্য্য সাক্ষী কৰে অনল পৱন ।
আপোনাৰ দোষে যাই যমেৰ কাৰণ ॥
চক্ষুৰ বেদনা পাই জয় বিষহৰি ।
দংশিলা চণ্ডীৰ পাৱে সৰ্পৰূপ ধৰি ॥
চিত্তে চিন্তিলেক পদ্মাই চণ্ডীৰ মৰণ ।
ঘৰ মুখে দিলা পদ্মাই ঢালিয়া গৰল ॥
বাম পদে খোট দিয়া গৈলেক পলাই ।
মৰো বুলি ঢলি পৰে কাৰ্ত্তিকৰ মাই ॥

চণ্ডীকা চলিয়া পৰে হিঙ্গুলানী ঘৰে।
যাত্রা দিতে গৈলা নাৰদ শিবৰ গোচৰে॥
কি কাৰণে ভোলানাথ নিশ্চিন্তে বসিয়া।
তোমাৰ চণ্ডীকা ঘৰে আছয় মৰিয়া॥
কোথা হৈতে আনি আছা ইকাল নাগিণী।
তাইৰ বিষে ধৰিল পৰে অভয়া ভবানী॥
নাৰদৰ বচনে শিব উঠি দিলা লৰ।
বাঘৰ ছাল পৰি বৈলা সভাৰ ভিতৰ॥
দেখে চণ্ডী পৰি আছে হিঙ্গুলানী ঘৰে।
মৰা চণ্ডী কোলে কৰি লাগে কান্দিবাৰে॥

শিৱ —উঠা উঠা মোৰ প্রিয়া গিৰিৰাজ সুতা।
কুক্ষণে হৰক মই আনিলো দুহিতা॥
কান্দে পুত্র দুইজন তুমি উঠি দিয়া স্তন
কৈক যাইবো একালা শঙ্কৰ।
সুললিত সুকোমল তুলা হইতে পাতল
জল হৈতে অধিক শীতল।
ৰতিকালে ভগৱতী সঙ্গত মিলায় যাস্তি
মুখ যেন চন্দ্রৰ মণ্ডল॥
কোননো কুমাৰে তোৰে গঠিয়াছে পায়োধৰে
নিৰ্ম্মায়াছে দিয়া গজমতি।
দেখি তোৰ মুখ চান্দ লজ্জায় পলায় চন্দ্র
বাতুল হুয়া কান্দে পশুপতি॥
আগ হৈয়া নন্দী বোলে দাড়াইয়া শিবেৰ তৰে
শুনা শিৱ আমাৰ বচন।

ধলি আছে ভবানী সব কথা আমি জানি
নাৰায়ণ দেৱৰ সুবচন ॥

দিহা—অ শিব কান্দয় অ হৃ নন্দী আদি কৰি।
ডাকিনী যোগিণী কান্দে যত সব নাৰী ॥
গঙ্গা বোলে শিব তুমি কান্দ কি লাগিয়া।
যেই মৰে তাক কোনে ৰাখয় বান্ধিয়া ॥
চণ্ডী সম দুষ্ট নাই মৰে মুখেৰ দোষে।
চণ্ডীকাৰ কৰ্ম্ম দেখি সৰ্ব্ব লোক হাসে ॥
শ্মশানত কৰা চণ্ডীৰ মুখত অনল।
যি হোক সি হোক চণ্ডীৰ মৰনেসে ভাল ॥
শিবে বোলে গঙ্গা তুমি হেন বোলা কেনে।
চণ্ডী নেথাকিলে মোৰ নিজীৱ পৰাণে ॥
চণ্ডী জপ চণ্ডী তপ চণ্ডী যোগ ধ্যান।
চণ্ডীসে পৰম দেৱী কহে মুনিগণ ॥
দেৱৰ দেৱতা চণ্ডী ত্ৰিজগতে জানে।
চণ্ডী গুণাগুণ বেদ পুৰাণে বখানে ॥
অস্থিৰ হইয়া কান্দে দেৱ শূলপাণি।
নাৰায়ণ দেৱে গায় বন্দিয়া ভবানী ॥

ডাকি বলে পশুপতি শীঘ্ৰে আহা পদ্মাৱতী
শুনা মাও আমাৰ বচন।
মোৰ বুকে দিয়া ঘাও মাৰিলি তোৰ সতাই মাও
হেন কৰ্ম্ম কৈলি কি কাৰণ ॥
তেখনে কহিলো তোৰে চণ্ডীৰ এথা নাসিবাৰে
নুশুনিলি মোহৰ বচন।

ডাকি লাগ নাহি পাই　　　পলাই গৈলি কোন ঠাই
হৃদয়ে হানি য়া গৈলি শাল ॥
কোথা আছা কাৰা বাও　　　আমাৰ মস্তক খাওঁ
শুনি যদি নেদস সিদ্ধান্ত ।
যদি হোরা মোৰ জী　　　চণ্ডীকাই কৰিছে কি
কোৱা আসি সকল বৃত্তান্ত ॥
থাকিয়া সিজুৰ ডালে　　　পদ্মায় ডাকিয়া বলে
শুনা পিতা আমাৰ বচন ।
সতাই মোক সতিনী বুলি　　　মাৰিলা বঙ্কন তুলি
বাম চক্ষু কৰিয়াছে কান ॥
ডাকি বলে বিষহৰি　　　শুনা বাপা ত্ৰিপুৰাৰী
বৰ দুষ্ট জানিলে সতাই ।
বিস্তৰ চৰ চাপৰ　　　গালত মাৰিছে মোৰ
দেখা কি কহিবো তোমাৰ ঠাই ॥
কান্দি বলে পদ্মাৱতী　　　শুনা পিতা পশুপতি
যাউক সতাই তোমাৰ সলনি ।
উত্তম মুনিৰ কন্যা চাইয়া　　　তোমাক কৰাই দিবো বিয়া
যাউক সতাই তোমাৰ সলনি ॥
পদ্মাৰ বচন শুনি　　　বোলে দেব শূলপাণি
শুনা মাতা আমাৰ বচন ।
মোহোৰ মস্তক খাওঁ　　　জীয়াও তোমাৰ সতাই মাও
যদি মোৰ ৰাখহ পৰাণ ॥
বাপৰ বচন শুনি　　　সিজু বৃক্ষ হৈতে নামি
বসিলেক চণ্ডীৰ শিয়ৰে ।
মন্ত্ৰ উচ্চাৰিবে লৈলা　　　চণ্ডীকা নির্ব্বিষ হৈলা
উঠি বসিল সভাৰ ভিতৰে ॥
নাৰায়ণ দেৱে কয় পদ মনোহৰ ।　চণ্ডীকা পদ্মাৰ দ্বন্দ্ব ৰচিলা পয়াৰ
অন্ত

১৩১৩ চনৰ স্থাপিত

# ৰজনী-প্ৰভা এজেঞ্চী

## পোঃ আঃ—কমাৰকুছি, কামৰূপ

তলত লেখা পুথিৰ বাহিৰেও আন ২ সকলো স্কুল পাঠ্য, আৰু ধৰ্ম্ম পুথি আমাৰ ওচৰত পাব। সম্ভোষ গণনা (ধাৰাপাত), উষাহৰণ (স্তকনাথি) মিহলি বড়গীত, ধনন্তৰী বধ, ভাউৰা পুৰাণ, পুষ্পধাৰি খণ্ড চন্দ্ৰধৰৰ ডিঙাগঠন, কামৰূপীয়া বিয়াৰগীত, পৰীক্ষিৎ বধ, মৎস্য বিবাহ, বেফুলাৰ সত্য পৰীক্ষা, সীতা সয়ম্বৰ, বসুন্ধৰী বড়গীত, প্ৰহ্লাদ চৰিত, সৰ্ব্বচাক মন্ত্ৰ, পটন্তৰ মালা, কণ্টোল পুৰাণ, শক্তিশেল উদ্ধাৰ।

---

৩৩৭নং অপাৰ চিৎপুৰ ৰোড "বেঙ্গল ৰায়-প্ৰেছত" ছপোৱা